# অঞ্জলি



( কবিতা )



শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা প্ৰণীত

প্ৰকাশক

সাহিত্য প্ৰকাশ

ট্ৰিবিউন বিল্ডিং

গুৱাহাটি




চতুৰ্থ তাঙৰণ

১৮৭০ শক

দাম ১৷০

স্বৰ্গীয়

ৰায় জগন্নাথ বৰুৱা বাহাদুৰ ডাঙৰীয়াৰ

পবিত্ৰ স্মৃতিৰ

উদ্দেশে

এই ক্ষুদ্ৰ

অঞ্জলি

অৰ্পণ কৰা হ'ল।

# নিৰ্ঘণ্ট



# অঞ্জলি



## জীৱন

—০—

দীঘল জখলা এই মানুহ-জীৱন,
খোপে খোপে উঠি আমি আহিছোঁ উধাই;
নেজানো,—কিমান খোপ উঠিলেনো আৰু
পাম গই অনন্তৰ নিৰজন ঠাই;
নাইবা, কিমান ওখ এই কালাধাৰ,
নতুবা নপৰে ওৰ অসীম অপাৰ।
ঈশ্বৰে মায়া মাথোঁ,—তেওঁৰে সকলো,
ব্ৰহ্মাণ্ড-লীলাৰ এই অমিয়া সংসাৰ;
যিদিনা লভিম গই এৰি অহা ঠাই
সিদিনাহে মায়া শেষ হ'ব আপোনাৰ।
জানৰ জিৰণি নই, নইৰ সাগৰ,
অনন্ত জিৰণি কিন্তু নৰ-জীৱনৰ।

সকলো মানুহে গই লভিব ঈশ্বৰ,—
যিজনে সাজিছে এই মায়াৰ সংসাৰ ;
দেখা দিব নিজে তেওঁ যেতিয়া আপুনি
তেতিয়াহে পাম আমি জিৰণি আমাৰ।
একে মন, একে প্ৰাণ, একে গঢ মিলি,
একে স্বৰ্গ সাজি দুখ নাশিব সমূলি।

## ৰিজনি

—:o:—

সন্ধিয়াৰ সৰু তৰা লাহে লাহে নিজিলিকে,
পুৱা লয় নগ'লে পূৰত,
ধাৰাসাৰ জীৱনতো একো দুখ নেথাকিলে
শান্তি গুণ নেথাকে সুখত ;
পূৰ্ণিমা জোনাক নিশা সুঠে নাচি মন প্ৰাণ
আঁউসীয়ে নথ'লে লুকাই ;
খৰালি বদ'ত যদি নেথাকে শুকাই ধৰা
বাৰিষাই নিদিয়ে ধুৱাই ;



নিমাত ভাপত যদি মুঞ্জৰায় হাবি-বন
নাই শোভা বসন্ত-কুলিত ;
জনম-মৰণ গ'লে জীৱনৰ হাৰিলাব
নেথাকিব এই পৃথিৱীত ;
নিয়ৰত একো ফুলে নথৰে নথৰে ঠন
চুপৰীয়া নপৰিলে জঁয় ;
সাদৰৰ স্বার্থ ফেৰি নেথাকিলে মৰমত
সিও আক হ'ব তমোময় ;—
লাগ বুলি পালে যেনে একোতে নেথাকে ৰাপ,
সেয়ে—যদি পায় বিচৰাটো ;
টোকা নাই চকু-পানী এদিনো বেজাৰ পাই
তাৰ তৃপ্তি নাই মৰমতো।



# ভিতৰ

—:০:—

মনে কৰে ছিঙো যেন গছৰ গোলাপ,
ছিঙিলে সিমান কিন্তু নেলাগে সন্তোষ;
তেনেকৈয়ে মনোহৰ বাহিৰ পদুলি,
ভিতৰ সোমালে পাবা পৰিমাণে দোষ।

বাহিৰে দেখিবা ঘৰ জক্-মক্ কৰে,
সোমাহি সোমাহি বুলি মাতিছে ঠাবত;
তেনেই পাহৰি যাবা পালেহি ভিতৰ,
আগৰ জেউতি আৰু নৰ'ব মনত।

# সীতা-সয়ম্বৰ

—:০:—

হৰধনু ভাঙি ৰামে সীতাক লভিলে,
উঠিল গৌৰব-বাণী ৰাজ-সমাজত,
জয় জয় শব্দদিলে অন্তেষপুৰত,
সীতাক সম্বাদ তাৰ দূতী আহি দিলে।

ভানুমতী সখীয়েকে বুলিলে বচন,—
'স্বামী পালা সীতা তুমি কত তপ কৰি,
বজ্ৰময় হাত দুটি ধনু ভাঙে ধৰি;'—
শুনি হাঁহি জানকীয়ে ঘুৰালে বদন।
লাজ পাই সখীয়েকে মাতিলে আকউ,—
'কিয় কৰা সীতা দেখি, বিষাদ মনত,
নহয় ৰামৰ হাত শিলৰ নিচিনা,
যেনে লাগে তেনে হয় কাৰ্য্যৰ গুণত।
খ'দত পৃথিৱী ফাটি হয় ছিটাছিট,
কোমল পদুমো কিন্তু খ'দৰে নিৰ্ম্মিত।'

---

## আকৌ

—:০:—

সংসাৰ মহিমা চোৱা কেনে বিতোপন,—
যেনি চোৱা তেনিয়েই স্বৰ্গীয় মিলন;
তাৰেত বিজুলীয়ে নিজে মোহ গই
কেতিয়াবা চকুমেলি চায় জলাই;

টিমিকি-টিমিকি সেই চন্দ্ৰৰ পোহৰ
বিস্তাৰি নিজৰ তেনে শোভা মনোহৰ
তাকো ভেদি পৰে আহি এই জগতত,—
ইমান দুয়োৰ প্ৰেম দুয়োৰ লগত।

বাৰেপতি বাগি দিও তাকেই এৰাই,
সিয়েই উলটি আহি ধৰেহি মেৰাই;
ইমানতো নুবুজিলোঁ তাৰ দুখ-সুখ,
নেচালোঁ এবাৰো তাৰ মধুময় মুখ;
নাহিবি নাহিবি বুলি বাৰে বাৰে কওঁ
নুশুনিলে হাক মোক ধৰিলে আকউ।

---

## ফুল-কুঁৱৰী

—•—

শুৱাই ফুলনি খনি ঠন ধৰি ধৰি,
দেখা দিলে ফুলে আহি বসন্ত কালত,
লাহধৰা ফুল মোৰ জোনৰ নিচিনা
প্ৰকাশ কৰিছে তৰা নীলা আকাশত।



এনেই ফুলিছ ফুল, কোনে আহি তোক
তুলিলহি পিন্ধিবহি শুৱনি খোপাত ?
পাৰ যদি জাপ মাৰি উঠ মুৰলৈ
তেহে ফুল মিলি তই যাবি আপোনাত।
নমজে বতাহ তোৰ লাৱণ্য মধুত,
সুসুঙে কোনেও তই গোন্ধত অসাৰ ;
জঁটিলী মাৰৰ তই জঁটিলা চুলিত
কেলেই লুকাই থৰ ৰূপ আপোনাৰ ?
আহ হেৰ ফুল মোৰ, নিচেই আজলী,
বহ মোৰ কোলাখন শুৱাই পৰক,
ধৰ মোক, ধৰ তই, গোন্ধেৰে সাৱটি,
জলি থকা হিয়া মোৰ তোতেই জুৰক।



# সপোন

—o—

নীলৰ মাজেদি বিৰিঙিছে ৰঙা আঁহ,
মাৰ যায় সূৰ্য্যদেৱ লোহিত-মোহিত,
পচিম আকাশ খনি গোটেই ৰাঙলী
সন্ধিয়া বেলিকা, আহা, কিনো আচৰিত!

বহল পথাৰ খনি ঘাহেৰে শুৱনি,
বলিছে ওপৰে তাৰ মৃদু সমীৰণ;
ৰাঙলী শ্যামলী দুয়ো ওপৰ তলত
বিস্তাৰিছে আপোনাৰ বিদায় কিৰণ।

হেঁপাহেৰে আছোঁ চাই পচিমৰ পিনে—
কতনো দুৰাশা মোৰ উদিছে মনত,
দেখিছো তাতেই যেন বিশ্বৰ মুৰতি,
উদিছে ভক্তিৰ ভাব মোৰ হৃদয়ত।

এনে সময়তে যেন কোমল মাতেৰে
মাতিলেহি কোনোবাই আহি ওপৰত,
কোন বুলি মুৰ দাঙি লৰা-লৰিকৈ
চাওঁমানে অন্তৰ্হিত হল ৰঙাহত।

### [illegible]

চাওঁতেই পালো সাৰ, নাহিল টোপনি,
ভাবিলো ইটোনো বাক কেনুৱা সপোন,
মাত মাতি বতাহত কিয়নো লুকাল,
চাওঁমানে তিলমানো নবʼল দেখোন !

---

## কবি-প্ৰিয়া

—০—

নেলাগে তোমাৰ মোক একোকে, লাগেহে
চাবলই হাঁহিটি ওঁঠৰ,
নেলাগে মাতিব মোক শুনো যদি মই
মিঠা মাত কোমল মুখৰ।

দেখোঁ যদি বতাহত নচা ঠৌৰে ঠৌৰে
গোৱা যদি কুলিৰ মাতত,
সকলোতে, সেও হই যদি খোজ কাঢ়া
ভাবৰ গহীন খোজত।

নেলাগে চাৰও মোক চোৱা যদি তুমি
প্ৰকৃতিৰ ছবি লবধীয়া,
নেলাগে কৰিব একো মোৰ বাবে তুমি
কৰা যদি কবিৰ লগীয়া।

শুই উঠি চোৱা যদি সক সক তৰা
মাৰ যোৱা আকাশৰ গাত,
পুৱা বনবীয়া ফুল ছিঙোতে ছিঙোতে
নিয়ৰত তিতে যদি হাত।

লোৱালপা বতৰৰ ব'দ পৰি যদি
বোল ধৰে নিমজ গালত,
নিৰজু বতাহে যদি মচি দিয়ে ঘাম
ছাঁ দিয়ে তাৰবে তাপত।

কোঁচ খাই পৰে ছ'াটি যেতিয়া গছৰ
তুপৰীয়া খিয় ৰ'দ পাই,
দূৰণিত একেষাৰ চৰাই গীতত
ঠৰ লাগি থাকা যদি চাই।

জিবোৱা ভাগৰ লাগি জুলাৰি তলত
সৰে যদি এটি জুলো গাত ;—
পৰি ৰোৱা তাৰে যদি পাওঁ এটি পাহি
সেয়ে মোৰ দেৱ-পাৰিজাত।

সন্ধিয়া নেথাকা যদি ভিতৰ সোমাই
চোৱা যদি বেলিৰ মেলানি ;
নিশা চোৱা ব্ৰহ্মাণ্ডৰ অতীত বুৰঞ্জী
ওপৰৰ পিনে মুৰ দাঙি।

বায়ু যদি উৰি চুলি, বিহাৰ আঁচল,
শীতল পচোৱা বতাহত,
চোৱা যদি ঘৰমুৱা গৰুৰ চাপলি,
গৰখীয়া এহাৰি হাতত।

ৰৰষুণ শুনি যদি টোপনি অহোৱা
নিছিগোৱা থুকৰি বিজুলী,
গুমুৱাত তুমি যদি যাৱ খোজা উলি,
নিৰজয়ে ফুৰা বাট বুলি।

সেয়েই সকলো বিশ্ব-মিলনৰ চিন,
নেলাগে বিশেষ দেখুৱাব,
কেৱল ফুৰিবা তুমি প্ৰকৃতি জগত,
প্ৰকৃতিয়ে সকলো শিকাব।

---

## হিয়া

—*—

মোৰ এই বুকু খনি ছবিৰ ভঁৰাল,
ছবি তোলা পেৰা,—ততালিকে ৰয় এটি
হিয়াত পৰিলে ছুঁয়া,—মনোমোহা চাব।
নহ'লে কিয়নো বাক সেই দিনা দেখা
এখনি আকৃতি,—ইমানৰ ভিতৰত,—
আউলি-বাউলী চুলি, ফুলি' পৰা জাৰ,
ইহঁত মুখ, গাৰ ঠেও, চকুৰ ভাওভঙ্গি,
নেপাহৰোঁ,—বহি ল'লে হিয়াৰ-মাজত।

দুটি এটি ৰঙা ফুল, আলসুৱা মাত,
দেখিছিলোঁ, শুনিছিলোঁ, পাহৰিলোঁ তাকো,
এতিয়াও ভাব সেই পুৰণি চিন্তাত
আঁউজিলে জুৰ বাই ভুলায় মনকো;
মন মোৰ চ'ৰা ঘৰ ছবিৰে সজোৱা,
তাত থকা বহু চিত্ৰ উৰি মাৰ যায়;
কিন্তু হ'লে এই ছবি একো নাই হোৱা
বহুদিন,—বহুদিন উৰিও নেযায়।

---

## জাগৰণ

---

যিদিনা পোনেই দেখোঁ,—অলপ গহীন,
আধা ফুটা আধা হাঁহি বিৰিঙে ওঁঠত,
চকুত চিনাকি ৰেখা পাইছিলোঁ চিন,
আছিল মাধুৰী কিবা ভৰিৰ খোজত;

নাছিল ওৰণি,—কৰা পূৰ্ণ জ্যোতিহীন
পূৰ্ণিমাতো আকাশৰ বাহুৰ আঁৰত,—
এতিয়া সকলো গ'ল, নতুন আকৃতি,
নৱ-সাজ, নৱ-গুণ জ্বলিছে দেহত।

কথা কবলৈকে ভয়, লাজুকী প্ৰকৃতি,—
ৰঙচুৱা ওঁঠ-জুৰি, বিহা আঁচলৰ
এমূৰ কামুৰি ধৰা, চোৱা বেঁকা কৰি
কুলা গোলাপৰ দৰে পাতৰ আঁৰৰ;
লৰা বয়সৰ ভাৱ আছিলোঁ পাহৰি,
পালোঁ ভাৱ, কিন্তু ঠাই নাই ৰাখিবৰ।

---

## মালতী

—•—

সন্ধিয়াৰ বতাহ বেলি মাৰ যায় বায়,
কামাখ্যাৰ পিচ পিনে প্ৰকৃতি-কোলাত,
শোভিছে পৰ্ব্বতে, যেনে শোভে তিৰোতাই
ফুল পিন্ধি পিচ পিনে খুলীয়া খোপাত।

নাও খনি বায় উটি সোঁতৰ লগত,
নিজৰ ইয়াটি পানী ধাৰত কঁপাই;
গই গই নাও খনি কামাখ্যা ঘাটত
বান্ধিলেহি পৰ্ব্বতৰ ওচৰ চপাই।
আছেহি আঁউজি বগা খুটাত ঘাটতে
মালতী, কলহ লই কোমল কাষত;
উটুৱাই দিছে, বহি চকু থই তাতে
বনবীয়া ফুল ছিঙি সোঁতৰ লগত;
আকাশ ঢাকনি সৰি পৰিল তলত,
ওপৰ মুকলি হ'ল তল আন্ধাৰত।

---

## প্ৰণয়-বাতৰি

—:•:—

পাৰ্বত মূৰত থকা বিলৰ মাজত,
কত ফুল ফুলে আৰু তাতে মাৰি যায়,
কোনে শুনে, কোনে কয় তাৰ ইতিহাস?
নাচি হাঁহি আপুনি লুকা

এদিন পাৰতে তাৰ অকণ পখিলা
তুয়ো সাজিছিলে মেজি লৰা বয়সত;
বয়স হ'লতো তুয়ো তাৰ পাৰতেই
বহিছিলে গধূলি জুৰত।

সাধু-কথা সাজি-পাৰি কত পখিলাক
কইছিলে মৰমেৰে অকণে তেতিয়া,
শুনিছিলে পখিলাই শলাগি-শুলাগি
পান কৰি সাদৰি অমিয়া।

আমনি লাগিলে তুয়ো একেটি সুৰতে,
স্বৰ্গীয় শুৱলা আৰু কোমল মাতৰ,
নাই তাল, নাই মান, বহুগীত গাই,
প্ৰকৃতিক্যে তোষে ওচৰৰ।

দিনতো ঘৰত আছি তুয়ো ভাবি থাকে,
কিহেৰেনো সিজনক তুষিব পাৰিব,
কেতিয়া গধূলি হয়, বিলৰ পাৰত
তুয়ো গই বহিব পাৰিব।

নিশা পমিলাই মাথোঁ দেখে অৰুণক
সাধু-কথা কই থকা পাৰত বিলৰ;
মাজে মাজে একোবাৰ সাৰটি নিজৰ
পৰিচয় দিয়া মৰমৰ!

অৰুণৰ চিন্তা মাথোঁ কেতিয়ানো আহে,
মেজি সাজিবৰ কাল বিলৰ দাঁতিত,
কেতিয়া পদুম ফুলে; বেলি-সূতা আনি
পমিলাৰ পিন্ধায় ডিঙিত!

দুইৰো বয়স হ'ল, চেনেহো বাঢ়িল,
কিয়নো দুইকো দুয়ো এনে ভাল্ পায়,
যদিও প্ৰেমতে কিন্তু প্ৰেমৰ বিলত
নামিছেনে তাকো জনা নাই।

নেজানে লেখিব প্ৰেম-কাব্য পমিলাই,
নেজানে লেখিব চিঠি লনি কথা কই;
এবাৰ মুখৰ চিনে, চকুৰ সঙ্কেতে
হেজাৰো চিঠিৰ কথা কয়।

অস্ত গ'ল সূৰ্য্যদেৱ পছিম পিনেদি,
পমিলা পদুম লয় পালে প্ৰফুল্লিত,
আন্ধাৰে পেলালে ছেদ অৰুণ পলাল ;
লীলা-খেলা সকলো অতীত।

আহে যায় মাঘ-বিহু আগৰ দৰেই ;
ব'দ-কাঁচিয়লি জলে পদুম-পাতত,
ফুলৰো সুগন্ধ বয় সন্ধিয়া বায়ুত
ম'হ-বুঢ়ো পাতে ওচৰত।

হাবি উঁই-হাফলুৰে ছাটিলে তেনেই
এতিয়া সকলো চিন গ'ল তেতিয়াৰ,
অৰুণ পমিলা আহি নেভাঙে তৰথ
যুগ-যুগান্তৰল'কে তাৰ।

কেৱল বিহুৰ দিনা প্ৰত্যেক বছৰে,
কতনো সাজত কত শত বেশ ধৰি,
কোনে 'আহি স্নান কৰি, প্ৰকৃতি জনাৰ
গীত গাই প্ৰণয় বাতৰি !

গাৱঁৰ মূৰত থকা বিলৰ মাজত
কত ফুল ফুলে আৰু তাতে মাৰ যায়,
সুগুনে নভণে কেৱে তাৰ ইতিহাস,—
নাচি-হাঁহি আপুনি লুকায়।

---

## তুমি দেৱ পাৰিজাত

ফুলিলা অকলশৰে,
হাবিৰ ফুলৰ দৰে,
তুলিবৰ মনে কেৱে
মিলিছিলে হাত ;
সমাজ-বান্ধনি ব'দ
নাই পৰা গাত।
পৰ্ব্বতৰ ওপৰত
নাচিছিলা উলাহত,
সংসাৰৰ মায়া মোহ

নাচিছলে তোমাত,
বসতি ল'লাহি দেবি,
কিয়নো ইয়াত ?
শুনি জবণাব গীত
তোমাৰ কোমল চিত্ত
উঠিছিল পৰিছিল
ঠেৰে ঠেৰে তাত ;
তোমাৰ সুফুৰা নাই
পৰ্ব্বতীয়া বাট।
সক নৈৰ ওপৰত,
চন্দ্ৰমাৰ পোহৰত,
কপালী কিৰণ পৰা
দেখিছিলা তাত ;
শিলে ধৰি ফেন তোলা,
শুনিছিলা মাত
গধূলি পাৰতে বই
গীত গোৱা অকলই,
প্ৰতিধ্বনি হাঁহি মাৰে
তোমাৰ কথাত ;

ভাবা যেন তোমাকেহে
　　　দিছে কেৰে মাত।
অকলই গাইছিলা,
য'তে ত'তে ফুৰিছিলা,
লভিছিলা নিজা সুখ
　　　নিজে আপোনাত;
মন গ'লে বাহিছিলা
　　　পৰ্ব্বতৰ ছাত।
কোনোবা কঠুৰা নৈয়ে
বুকত তোমাক লৈয়ে,
পলাই পৰ্ব্বত এৰি
　　　থ'লেহি ইয়াত;
কিন্তু হলে দেখি তুমি,
　　—দেৱ পাৰিজাত।



# সুন্দৰী

— • —

দেখা নাই দেখা নাই এনুৱা লাৱণি
কোনো দিনে সৌন্দৰ্য্যৰ গাত ;
এনেকুৱা সুমধুৰ কোমল ধ্বনি
পোৱা নাই মোৰ আতমাত ;
গছৰ আগত থকা কোনেও নোচোৱা
আলমুৱা নিচেই কোমল,
চুবলই হাত নিলে জঁয় পৰি যোৱা
অতি কুমলীয়া কুঁহি মল ।

তোমাৰ হৃদয় খনি নিচেই কোমল,
জানিছোঁ নোকোৱাকৈয়ে মই,
মুখতে চিনিব পাৰি কিমান সৰল ;
কথা কবলৈকে লাগে ভয় ।
পৱিত্ৰতা সাহ লই ফুৰিছা আপুনি,
—ভয় মাথোঁ নিজেহে নিজৰ,
দেখিলেই ভক্তি হয়, মধু-মাত শুনি
ইচ্ছা মোৰ যায় পূজিবৰ ।

সৰগৰ দেৱী তুমি বায়ু-পথগামী,
ইয়ালৈ [illegible]ানো কিয় ?
তোমাৰ লাৱণি গুণ কি বুজিম আমি,—
আমি পাপ পৃথিৱীৰ জীৱ।
নোহোৱা নোহোৱা তুমি এই পৃথিৱীৰ,
নাই তুল্য তোমাৰ ৰূপৰ;
দেৱৰো দুৰ্লভ তুমি, অমৰাৱতীৰ
এপাহি কুসুম মৰমৰ।
খোজেপতি বুজ দিয়া মৰম, সাদৰি !
কয় বহু একোবাৰ মাতে;
সন্দেহ অনন্ত মোৰ—আহিলা 'পাহৰি
অপেশ্বাৰ ক'ৰবাৰ বাটে !

# গিৰি-কুমাৰী

—:*:—

লোকে বোলে তুমি হেনো একোকে নেজানা—
আজলী সৰল স্বভাৱৰ;
মই দেখোঁ তুমি হ'লে সকলোকে বুজা
যত কথা মোৰ অন্তৰৰ।
একোকে নেজানা যদি কিয় বাক আহি
ৰই থাকা গছৰ তলত,—
কোনেও নেদেখা কই মোৰ গীত শুনি
স্তব্ধ হই নিৰল ভাৱত!
লোকে হেনো দেখা নাই তোমাৰ মুখৰ
হাঁহি এটি প্ৰাণ শীতলোৱা,
মই হ'লে চাওঁ পতি সদাই দেখিছোঁ
সকলোতে হাঁহি বিৰিঙোৱা।
লোকে কয় শুনা নাই তোমাৰ মুখত
একো কথা হৃদয়ত লগা,
মোৰ দেখোঁ তুমি কোৱা প্ৰত্যেক কথাতে
গম পাওঁ হিয়া খনি জগা।

লোকে শুনা নাই হেনো তোমাৰ মুখৰ
একো গীত তালে মানে খোৱা,
মোৰ হ'লে হৃদয়ত যকৱা কথাও
লাগে যেন পঞ্চমত গোৱা।

সকলোৱে ৰান্ধনিৰ আঁজোৰত পৰি
হেৰুৱালে কোমল প্ৰকৃতি;
নেদেখিলে একো কথা শিক্ষা অনুসৰি
দেখিলেও নেদেখে দীপিতি।

তোমাৰ জনম ঠাই প্ৰকৃতি-কোলাত,
তেৱেঁ মাথোঁ তোমাৰ শিপিনী;
লোকৰ বাটত চলা সমাজত কই
বহুত সুখৰ হাবিয়নি।

---

## মনৰ কথা

—ঃ০ঃ—

চাইছিলো মনে-মনে প্ৰথমে তোমাক,
নেভাবি, এদিন মোতে পৰিবা ফুলি ;
তোমাৰ ওচৰে গই শুনিছিলো মাত,
ভালেৰে মুখৰ কথা নুশুনো বুলি।

পিচত চিনাকি হ'লে, কত কথা কলো,—
ফুৰিছিলো দুয়ো দুখ কষ্টনো সহি,
ইমান মনৰ কথা নকলোহেঁতেন,
জনা হ'লে ক'ম বুলি সুখেৰে ৰহি।

ইমান তোমাক ভাল নেপালোহেঁতেন
জানিলে সাগোৰা বুলি দুইবো হিয়া ;
আকউ নিবলে দিওঁ, তাহানিৰ মোক
প্ৰেম-পূজা ওলোটাই এতিয়া দিয়া।

# আশাৰ সপোন

—:০:—

নোৱাৰিলোঁ জীৱনত বুজাব তোমাক
হৃদয়ৰ কিমান চেনেহ ;—
নোৱাৰোঁ ফুটাই ক'ব, মনে মনে হ'লে
নাই ভেদ আমি দুটি দেহ।
তোমাৰ সুখৰ মই আনন্দ-সোঁতত
উটি যাওঁ লুকাই লুকাই ;
লাজ লাগে, ফুলোঁ মই পদুমৰ দৰে,—
ভয়,—যদি দেখে কোনোবাই।
তোমাৰ বাহিৰে যদি আৰু কাৰবাৰ
চকুজুৰি পৰে মোৰ গাত,
—নোৱাৰোঁ নোৱাৰোঁ ক'ব—বিদ্যুতৰ দৰে
কিবা এটি চিৰিঙে হিয়াত।
তুমি মোৰ জীৱনৰ আশাৰ দীপিতি,
আছা মোৰ হিয়াৰ মাজত ;
আগবাঢ়োঁ মানে মই সেই সাহতেই
আৰু দেখোঁ তাৰে পোহৰত।

বহুত হিয়াৰ ভাব একোষাৰি মাতে
আঁতৰায় তোমাৰ মুখৰ,
একোটি কামত চিন পালে মৰমৰ
সীমা মোৰ নেথাকে সুখৰ।
সন্ধিয়া পূবৰ পিনে উঠে জোনবাই
তুমি উঠা যমুনা পাৰত,—
হালি জুলি ফুৰা যেন ডাৱৰৰ দৰে
ৰ'দ পৰি নীল-আকাশত।
তুমি মোৰ ক'ৰবাৰ প্ৰাণ শীতলোৱা
গধূলিৰ শান্তিৰ জৰণা,—
কেনি বোৱা, কেনি যোৱা, কোন পিনলই,
ক'ৰ পৰা ওলালা নজনা!

---

# যৌৱন

—০—

পাৰা মানে তুলি ফুৰা গোলাপৰ কলি,
কাল-সোঁত নিতে যায় বই ;
যিটি ফুল ঠন ধৰি আছে আজি ফুলি
জয় পৰি যাব কাইলৈ ।
আকাশৰ ৰঙা বেলি উজ্জ্বল পোহৰ
উঠি যায় মানে ওখলই,
অন্ত হ'ব লীলা-খেলা নিজ জীৱনৰ
চাপি গ'লে মাৰ যাবলই ।
প্ৰধান কামৰ কাল প্ৰথম জীৱন,
থাকে মানে বল হৃদয়ত,
গ'লে হ'লে কেতিয়াও নহ'ব ঘূৰণ,
আৰু বেয়া বেয়াৰ পিচত ।
নেথাকিবা আশা কৰি, কৰা সময়ৰ
ব্যৱহাৰ নাচি আনন্দত,
এবেলি গুমায় যদি চাকি হৃদয়ৰ
নজলিব আৰু জীৱনত ।

# মইনা

—ঃ০ঃ—

ধুনীয়া মইনা মোৰ ঢুকালা এতিয়া,
ভাবিছোঁ লুকালা হ'ব পায় বেজাৰত;
কিহৰ বেজাৰ?—ভৰি আছিল লগোৱা
নিজ হাতে গোঁঠা মোৰ জৰী এডালত।
মন মোহা চকুজুৰি কিয়নো মুদিলা?
কিয়নো, কিয়নো মোক ইমাতে এৰিলা?
অকলই ফুৰিছিলা হাবিৰ মাজত,
কিয় নেথাকিলা বাৰু মোৰনো লগত?
দি টোপ কতবাৰ চুমিলোঁ মুখত,—
হাবিত থকাদি কিয় নেথাকা বগুত!

———

# কিবা যেন নাই নাই

—ঃ০ঃ—

সন্ধিয়াৰ চাকি শাৰী,—
পুখুৰী-পানীত পৰি
দীঘলীয়া,—নাচিছে ।
আকাশৰ ভোটা তৰা,
পাৰিষদে বেৰি ধৰা
জিলিকিব লাগিছে ।
দীঘল দ'লটি গ'ই,
লাহে লাহে সৰু হই,
আকাশত মিলিছে ।
দুখ-শোক আঁতৰাই,
মন-প্ৰাণ নচুৱাই,
জুৰ বায়ু বলিছে ।
ইয়াতে সদাই দেখা,
দেখিলে মনত থকা
আছিলেই লগ পায় ;—

মনে ভাল পোৱা,
ভাবিলে কেনিবা যোৱা,
কিবা যেন নাই নাই ।

## সৌন্দৰ্য্য

—ঃ০ঃ—

গোলাপী গালত যাৰ মন মজি যায়,
ৰঙা ওঠ দেখি পৰে ঢলি
তৰাৰ জেউঁতি ভৰা চকু দেখা পাই,
প্ৰেম-জুই উঠে যাৰ জলি ;—
যেতিয়া পুৰণি কালে সকলো ঢুকাব,
নিশ্চয় অগণি তাৰ তেতিয়া নুমাব ।
মনৰ সবল ভাৱ অচল প্ৰাণৰ
সু-আশাই চিন্তা জুৰণিৰ
বান্ধ খোৱা দুটি মনে সমান প্ৰেমৰ
জলাব পীৰিতি অগণিৰ ।

ভিতৰত নেথাকিলে ইবিলাক গুণ,
এক্যো নাই বাহিৰত থাকে যদি ধুন।

## সংসাৰী

লোকে বোলে তুমি হেনো পৃথিবীৰ বাজ
মান্তি, মোৰ নাই হ'লে তাত,
দেখিছে তোমাক লোকে আঁতৰৰ পৰা
দূৰণি-পোহৰ পৰা দেখিছে তোমাত।
নিচেই ওচৰ চাপি তোমাক দেখিছোঁ।
ভাঙি-পাতি গুণাগুণ সকলো লেখিছোঁ।
নেভাবিবা সেই বুলি মোৰ মৰমৰ
এখানিও বিঘিনি ঘটিব,
মুঠেই, নকৰো ভয় স্বৰ্গীয় ভাবেৰে,
মনে মোৰ সেই ভাৱে ভক্তিও কৰিব।
নাই দোষ এনেকুৱা এপাহি ফুলত ;—
দেখা নাই ভয় কেন্নে সুখ-হৃদয়ত।

# লাহৰী

—ঃ০ঃ—

আজিলৈকে দেখা নাই তোমাক লাহ'ৰি,
কথা মাথো তোমাৰ শুনিছো,
শুনিছো তোমাৰ গুণ, শুনিছো জেউতি,
আৰু মই মৰম বুজিছো।
আৰু হেনো কোনোবাই ক'লে মোৰ কথা
চকুজুৰি মাটিলই পৰে,
ধুনীয়া কতনো ফুল তোমাৰ গালত
ফুলি পৰে নানা বৰণেৰে।
অৱশ্যে মনৰ কিবা স্বৰ্গীয় বান্ধনী
আছে এটি এই জগতত,
নহ'লে কিয়নো বাৰু—নেদেখা নুশুনা—
মজো মই তোমাৰ গুণত।
দেখা নাই, শুনা নাই, তুমি এটি মোৰ
হৃদয়ৰ নজনা বাসনা,
মনেৰে ধুনীয়া কৰা, মনেৰেই সজা,
তুমি মোৰ পৱিত্ৰ কল্পনা।

ফুৰা তুমি, হাঁহা তুমি, কোৱা নানা কথা,
কল্পনাৰ ওখ আকাশত ;
চকুল'কো চোৱা আৰু হৃদয়ৰ কথা
কোৱা মোৰ মনৰ মাজত।

হ'ব পাৰা পৃথিবীৰ,—মোৰ উমানত
তুমি দেৱি,—বসন্ত-লগৰী ;
তোমাক দেখা যে নাই, নামো শুনা নাই,
সেই গুণে বুলিছো লাহৰী।

# উৰণীয়া পখী

— :•: —

ছঁয়াময়া উৰি গ'ল আকাশৰ মাজে,
বায়ুপথ ভাঙি নিলগৰ ;—
কি দেখিলো, কি দেখিলো, ইমান ধুনীয়া,
দেখা নাই এনুৱা সুন্দৰ !
যি দেখিলা, সিও যেন দূৰ আকাশত
ডাৱৰৰ নোৱাৰা মনিব,
এখনি শুৱনি পাখি নিচেই তৰল
মানুহৰ নোৱাৰা ধৰিব।

কত বেলি কত পৰ ৰ'লো বাট চাই
আকউ উলটি আহে বুলি,
কিন্তু হায়, গ'ল আৰু নাহিল নাহিল,
মোৰ জ্ঞান হৰিলে সমূলি।

গ'লা তুমি গুচি গ'লা নেচালা উলটি,
নেৰাখিলা একোকে মনত,
ভাবিলো তোমাৰ কথা সকলো পাহৰি
গ'লো যেন তোমাৰে লগত।

গ্ৰহণৰ দৰে মোৰ আৱৰি ধৰিলা
সকলো পোহৰ বাসনাৰ ;
যিপিনেই চাওঁ মাথো তোমাকেহে দেখোঁ
সকলোতে ঢাকনী তোমাৰ।

যেনিয়েই যাব দিওঁ মোৰ কল্পনাক
তোমাকেহে তাতে দেখা পায়,
টানি ধৰে কিহবাই, গধুৰ খোজেৰে
ঘূৰি-পকি তোমাতে ওলায়।

তুমি মোৰ পূৰ্ণ আশা নীল গগনত,
তুমি মোৰ জীৱনী-জেউতি,
মাজে মাজে একো বেলি দেখা দিবা মোক,—
দিবা দেই কৰিছোঁ কাকূতি!

## দুৰাশা

—:•:—

"অনাঘ্ৰাতং পুষ্পং কিসলয়মলূনং কৰৰুহৈ—
ৰনাবিদ্ধং ৰত্নং মধু নবমনাস্বাদিত ৰসম্।"

তোমাৰ মুখৰ কথা শুনিম আশাৰে গলো
নেমাতিলা এষাৰিও মাত,
কোনেও নমতা দেখি থৰ লাগি চাই ৰলো
তিনি প্ৰাণী তিনিও নিমাত।
ক'ব খোজা কথাষাৰি টিপতে লুকাব দিলা
ঠাৰতে নিদিলা উলিয়াব,
কোনোবায়ো কয় বুলি নিচেই চঞ্চল হ'লা
চকুল'কো নিদিছিলা চাব।

সদাই সন্তোষ তুমি লোকৰ মনত দিলা,
দিলা মোক সদাই বেজাৰ;
কেনেনো বিলাই মোৰ হ'ব তুমি অবিহনে,
নেভাবিলা কিম্বনো এবাৰ?

সংসাৰ-দুখৰ বোজা এনেয়ে নোৱাৰি ব'ব
তাতে মোৰ এয়ো এটা হ'ল;
হিয়াৰ ডাঙৰ দুখ নোৱাৰোঁ ফুটাই ক'ব
যত কথা হিয়াতেই ৰ'ল।

কত আশা কৰিছিলোঁ একেলগে দুয়ো বহি
মনৰ সকলো কথা ক'ম,—
বুজিব নোৱাৰা ভাব সকলো আছিলোঁ সহি
ভাবিছিলোঁ বুজোৱাই ল'ম।

তোমাৰ কথাই মোক থাকোঁ মানে জগতত
আন একো ভাবিব নিদিব,
ভাল কিবা দেখিলেও মোৰ শুদা হৃদয়ত
একো আৰু ভাল নেলাগিব।

আশাত নিৰাশ হই জঁয় পৰা অন্তৰত
সহিব নোৱাৰা হ'ল দুখ
তোমাক বঞ্চিত কৰি জুই জলা হৃদয়ত
এদিনো নহ'ব মোৰ সুখ।

## বলিয়া

—:*:—

বসন্তৰ শীতল বায়ুত
হেকুৱালোঁ জীৱনী-ৰাগিণী,
মন-প্ৰাণ নচুৱাই সন্ধিয়া বেলিকা
বইছিল সুগন্ধ-বাহিনী।

এখন্তক সকলো পাহৰি
বহিছিলোঁ আনন্দ মনেৰে,
গধুৰ মনৰ বোজা আঁতৰত থই,
ভাবিছিলোঁ লোকৰ ভাবেৰে

অকস্মাত নাচি নাচি আহি,
দেখা দিলে বলিয়া এটাই,—
সুধিলে নকয় একো, কেৱল ৰঙেঁৰে
সুললিত গানকেহে গায়।

“কিয়, মৰমৰ চিন ন'ললা,
বহু দিন আশা কৰা, কথা নক'লা?
কতনো আলচিছিলোঁ,
কত কথা পাঙিছিলোঁ,
সকলোকে কিয় তুমি পাহৰি গ'লা?”

সুধিলেও একোকে নকয়,
গান আহে ক'ব খুজিলেও;
নাচে গানে ক'ব খোজা ক'ৰবাত এৰে
ক'বলই মন থাকিলেও।

বহুপৰ সুধি থাকিলত,
গান এৰি এখন্তক বহি,
নিজৰ দুখৰ কথা মৰম আশেৰে,
ক'লে যিবা, হিয়া নিয়ে দহি।—

"গইছিলোঁ মোৰ বুলি ক'লোঁ,
কুলোঁ মই তোমাৰ নাছিল;
'গুচি যা গুচি যা' মোক যেতিয়া বুলিলে,
শক্তি-শেল হিয়াত বাজিল।

"আঁতৰৰ পৰা মোৰ পিনে
চাই থাকি নোচোৱা ভাৱেৰে
কাৰবাৰ কুমলীয়া সৰল পৰাণে
চাটি-ফুটি কৰিলে দুখেৰে।

"থিৰ ভাৱে মিঠা কথা কই
নিলে মোক ছলাই ভুলাই,
আশা পূৰোৱাৰ ছলে প্ৰৱঞ্চনা কৰি
ফাটকত দিলেহি সুমাই।

"বহুদিন যদিও আছিলোঁ
নানা দুখ-ভুগি নৰকত,
দুখতো নেপালোঁ দুখ, কিবা কিবি ভাবি
সেই কালো গ'ল অলপত।"

কেনেকই কেতিয়ানো ক'ত
পৰিছিল নতুন পোহৰ,—
তাকো কলে, আৰু নানা কথা মিহলাই
পাতলালে যাতনা মনৰ।

গই, আহি আকউ কলেহি,—
"কিয় মোক বলিয়া বুলিব,
ময়ে নে নাইবা আৰু কোনোবা বলিয়া
তাৰ মেল স্বৰ্গত সুধিব।"

গুচি গ'ল বলিয়াও, ময়ো
গম পালোঁ মনৰ মাজত,—
পুৰণি দুখৰ বোজা দুগুণ গধুৰ
বলিয়াৰো দুখৰ লগত।

---

# মোৰ প্ৰেম

—ঃ*ঃ—

নুভুলিবা তুমি মোৰ লাৱণী ৰূপত’—
মৰমীয়া চকু দেখি ধুনীয়া মুখত,
নুভুলিবা গুণ মোৰ দেখি বাহিৰত,
নুভুলিবা এটি প্ৰেম দেখি হৃদয়ত;
সকলো ঢুকাব পাৰে পাপ পথ লই—
থান থান হ’ম পিচে কৰবাত গই!

সন্দেহৰ চকু থ’বা মোৰ অন্তৰত,
নমজিবা একে বাৰে মোৰ মৰমত,
ভাল পালে ভাল পাবা, তথাপি মোলই
সদাই নথবা প্ৰেম নির্ভয় নহই।

---

# চিত্ৰ

—ঃ০ঃ—

লুকাল বেলিটি, সৰু নাওখনি
ইপিনে দাঁতিয়ে যায়,

পচিম পিনেদি সেন্দুৰী ৰঙেৰে
ডাৱৰে পোহৰ পায়।

আহিছে একুঁচী পোহৰৰ ৰেখ
দীঘল বহল হই,
নাও খনি যায় নাচি নাচি মোক
বুকুত সাবটি লই।

সেন্দুৰীয়া ৰেখ দীঘল গছৰ
নিৰ্ম্মল পাতত পৰে,
চন্দন মিহলি নিৰ্ম্মালিৰ দৰে
ৰাঙলী বৰণ ধৰে।

বতাহে কৰিছে পানীৰ লগত
ধেমালি, বিদায় জানি,
উঠি নামি যেন ঢৌ খলকত
বায়ুক ধৰিব আনি।

বেলি যায় বুলি নৈয়ে বেজাৰেৰে
দুখৰ উশাহ টানে,

তাৰ লগে লগে বুকুখনি কঁপি
সন্ধিয়া পোহৰ সানে।

দেখি গলোঁ মই পাৰৰ দাঁতিত
শাৰী শাৰী শাৰী ঘৰ,
ফুলেৰেই সজা, ফুলৰে কানন,
এখনি ৰম্য নগৰ।

চকুদুটি মুদি ভাবৰ ভোলত
পাৰতেই থিয় হোৱা,
বৰ্ণাব নোৱাৰোঁ যিটি দেখা পালোঁ
বুধিৰ অসাধ্য কোৱা।

দেখিছোঁ পদ্মাত পুৱা বেলি উঠা
পানীৰ মাজৰ পৰা,
পাতৰ মাজত ফুলে জুমি জুমি
একোটি ভুমুকি মৰা।

সোণালী ৰঙৰ এনে ছবি নাই
সোণালী ৰদত দেখা :

চাৰিপিনে তাৰ চাৰি ডালি থকা
সোণৰে ধুনীয়া ৰেখা।

নহয় মানুহ, এনেয়ে ছবিটি
আধাহে হিয়াত ৰয়,
সজাগৰ মোৰ কঠুৱা ভাবত
কেনিবাদি যায় লয়।

## লাজুকী

কি মধুৰ মনমোহা আছিলা তেতিয়া—
যেতিয়া প্ৰথমে দেখোঁ যমুনা পাৰত,
নাই কথা নাই মাত দুইৰো যদিও
কিন্তু হ'লে জনা-শুনা দুইৰো মনত।

ফুৰিছিলা য'তে ত'তে নিশঙ্ক মনেৰে,
একোকে নেথাকা চাই বেচি পৰ বই,

সুশুনা একেটি গীত একে ঠঁৰে থাকি,
নিদিয়া দুবেলি চকু কাৰো মুখলই।

পোনে পোনে নিৰীক্ষণ বেঁকা-বেঁকি নাই,
একোবাৰ যাব খোজা বতাহতে উৰি,
কাম'ত উদ্দেশ্য, নাই সাধনা মনত,
সদাই যোৱাহি মাথোঁ একে বাটে ফুৰি।

নেভাবা সৰহ কথা, যিবা এটি ভাবা
তাকো তুমি বহু পৰ নোথোৱা মনত,
নেথাকে সৰহ বেলি, নোখোজা ৰাখিব
দেখা, শুনা, ভবা, চিন্তা মনৰ মাজত

এইদৰে নাচি-বাগি গ'ল ল'ৰাকাল;
কিন্তু হ'লে বহুদিন হই যোৱা নাই,
ইমান সলনি হ'ল তোমাৰ স্বভাৱ
আগৰ তোমাৰ একো চিনকে নেপায়।

এতিয়া নোলোৱা তুমি সেই ঠাইলৈকো
ফুৰিছিলা তুমি য'ত শত-কোটিবাৰ,—
মানুহ দেখিলে তুমি ভয় খাব খোজা,
নোলোৱা শীতল বায়ু আহি যমুনাৰ।

এতিয়া তোমাৰ খোজ নহয় মুকলি,
ভাবা যেন,—খোজে পতি তোমাৰ ভৰিত
শত শত চকু পৰি কথাই কথাই
ধৰিব খুজিছে দাই ভাও-ভঙতিত।

নোখোজা শুনাব মাত তোমাৰ মুখৰ,
যিবিলাকে শুনিছিল আগেয়ে সদাই;
বহুত প্ৰশ্নৰ তুমি একেটি কথাতে,
সামৰি উত্তৰ দিয়া মুখ আঁতৰাই।

মাত মতা টান কথা,—চকুলই চোৱা
পাহৰিলা হ'ব পায় নপৰে মনত!
ভয় কৰা,—কোনোবাই তোমাৰ কথাৰ
আলোচনা কৰে বুলি নৰ-সমাজত।

মিলি গলা প্ৰকৃতিৰে একো হানি নাই,
মই হ'লে এতিয়াও তোমাৰ কামত
পাওঁ চিন মৰমৰ, কল্পনা চকুৰে
দেখোঁ যেন কিবা এটি তোমাৰ লগত

---

## হাঁহিটি

—ঃ০ঃ—

পৰিছে মনত মোৰ কিয়নো এতিয়া
তাহানিৰ হেৰোৱা হাঁহিটি ?
হেৰোৱা—নেপালোঁ মই গমকে কেতিয়া
বসুধাত মাৰ গ'ল সিটি।
যি হাঁহিৰ ওচৰত কঠিন বান্ধেৰে
আছিলোঁ অচল মেৰ খাই,
জীৱনত ভাত বাজে সুখৰ নামেৰে
জানিছিলোঁ আৰু একো নাই।

দুখ লাগে তেনে হাঁহি দেখিও দৈৱাৎ
সেই মুখতেহে ভাল দেখি,
এজোপাৰ ফুল ছিঙি অন্য এজোপাত
পিন্ধালেও ধুনীয়া নেদেখি।

সেই হাঁহিটিয়ে মোক জীৱন-যাত্ৰাত
কৰিছিলে বহুত সহায়,
ফুলা ফুল সৰি গ'ল প্ৰকৃতি কোলাত,
আজিও পাহৰা হ'লে নাই।

## সাদৰী

—০—

( ১ )

আছিল সাদৰী মোৰ ভৰলু সিপাৰে,—
কাৰো মাত নুশুনা দেশত,
নাই কেওঁ শলাগনি দিয়ে মৰমেৰে
নাই কেওঁ পৰে প্ৰণয়ত।

শেলুৱা শিলত গজা ফুল বনৰীয়া
আধা-আধি চকুৰ আঁৰত,
ধুনীয়া, তৰাৰ দৰে একেটি যেতিয়া
তিৰ-বিৰ জলে আকাশত।

আছিল নজনা কেৰে, নেজানে কোনোৰে
লয় পালে সাদৰী যেতিয়া,
যেতিয়া শ্মশান, হায়, ললে সাদৰীয়ে,
মোত জুই জ্বলিল তেতিয়া।

( ২ )

সাগৰৰ শিপাৰৰ নজনা দেশত
বিদেশীৰ মাজত ফুৰিলোঁ,
স্বদেশৰ মায়া ফেৰি, কল্পনা সুখত
পমি গই তেতিয়া জানিলোঁ।

গ'ল য'ক মোৰ সেই দুখৰ কল্পনা,
নিজ দেশ নেৰোঁ কেতিয়াও;
বাঢ়িব লাগিছে মোৰ চেনেহ কামনা
নিজৰ দেশত এতিয়াও।

পাইছিলোঁ পৰ্ব্বতৰ মাজত তোমাৰ
আশা সুখ,—সঁচোৱা মনত,—
সাদৰৰ সাদৰীয়ে মাতেৰে উঘাৰ
বাহিছিলে জুহাল কোষত।

পুৱা দেখা পায় আৰু গধূলি লুকায়
সাদৰাৰ ফুলৰ মণ্ডপ,
ঘাঁহনি পথাৰ খনি, তোমাৰেহে চাই
সাদৰীৰ চকু গ'ল জাপ।

( ৩ )

মোহ টোপনিত পৰি সংজ্ঞা হেৰুৱাই
পাহৰিলোঁ জীৱন মৰণ ;
জানিছিলোঁ সাদৰীক মৰ্ত্য ধুমুহাই
নোৱাৰিব কৰিব পৰ্শন।

নাই গতি, নিশকতি, এতিয়া সাদৰী,
চকু-কাণ নলৰে-নচৰে,
পৃথিবীৰ পাকে পতি ফুৰিছে বাগৰি
গছ, লতা, পৰ্ব্বতৰ দৰে।

# প্ৰকৃতিলৈ

—ঃ০ঃ—

নৈত আহি পৰ্ব্বতৰ নিজৰা পৰিছে,
নৈ পৰে সাগৰত গ'ই;
মলয়াৰ জুৰ বায়ু সদাই মিলিছে
মধুৰ ভঙ্গিমা এটি লই।
অকলশৰীয়া কেওঁ নাই পৃথিবীত,
সকলোটি স্বৰ্গীয় ডোলত
বান্ধ খাই পৰস্পৰ হইছে মিলিত,
মিলোঁ৷ ময়ো তোমাৰে লগত।

পৰ্ব্বতে চুমিছে ওখ নীল-আভৰণ,
ধৌক ধৌৱে ধৰিছে সাৱটি;
ভনী বুলি ফুলটিৰ নহ'ব এৰণ
কোনোৰূপে ঘিণালে ভাইটি।
ৰ'দো পৰে পৃথিবীক সাদৰে সাৱটি,
চুমে চন্দ্ৰ-পোহৰে সাগৰ,
ইবোৰ মৰম-চুমা মিছা মোৰ প্ৰতি
নলভিলে তোমাৰ মুখৰ।

# প্ৰতিদান

একো প্ৰতিদান মোক নেলাগে তোমাৰ,-
নেপেলোৱা মোৰ দান যদি দলিয়াই ;
মৰমেৰে যদি মোক চোৱা এটি বাৰ
তাতে সুখ সাগৰত প্ৰাণ উটি যায় ;
হৃদয় খনিকে পাৰোঁ দিব উপহাৰ
বুজালে ল'বৰ মন মূৰ ঢুপিয়াই ।

যাচি দিয়া মৰমকো নললে অৰ্জ্জুনে
অপেস্বৰী উৰ্ব্বশীৰ স্বৰগ-ৰাজ্যত,
কিন্তু হ'লে সুভদ্ৰাক কতনো যতনে
কৰিছিলে লাভ তেওঁ এই জগতত ;
হিয়াৰ বান্ধনি যদি মিলে মনে মনে
সদাই সকলো সেও গুণৰ কোষত ।

নেলাগে মাতিব মোক তুমি সাদৰেৰে,
মাতিম তোমাক হ'লে সকলো খেনত ;

নিয়ৰেৰে তিতি থকা ফুলটিৰ দৰে
দেখোঁ যদি চকু-পানী তোমাৰ মুখত—
সকলো কৰিম, যিধা পাৰোঁ জীৱনেৰে,
নেপালেও প্ৰতিদান তোমাৰ হাতত।

# প্ৰকৃতি কোলাত

—:০*০:—

নেদেখা নুশুনা কোনো নোযোৱা দেশত,
আহিছোঁ আহিছোঁ থই প্ৰাণ-পুতলীক—
কাল-টোপনিত পৰি শোৱা ভাগৱত,
জপাই দুয়োটি হাত, হিয়াৰ ৰাণীক।
পালে তাৰ শীতলোৱা চেঁচনি বুলনি
নহব বলিয়া কোন গলি হিয়া খনি!
নিমজ, নিভাঁজ যাৰ চকু-পিৰিকণি,
ৰসাল, আনন্দময় যাৰ মুখ খনি,
কয় যেন কত কথা কথাৰ চিয়াৰে,

মমতা-মাতেৰে কোৱা নিমাত ভাৱেৰে ;
শুনো যেন ভাবোঁ পতি কল্পনা কাণত,
'নাই সীমা নাই সুখ প্ৰেমৰ' সুৰত ।

# পুৰণি সপোন

—:০:❊:০:—

আৰু আহিবনে ঘূৰি সেই শুভদিন,—
যিদিনা আছিলোঁ দুয়ো কদম তলত,
গাইছিলোঁ কৃষ্ণলীলা কদম সুঁৱৰি,
শুইছিলোঁ মোহ গই কুলিৰ মাতত ?

আৰু আহিবনে সেই সুখৰ যামিনী,—
চাইছিলোঁ দুয়ো বহি পূৰ্ণিমা পোহৰ,
চাওঁতে চাওঁতে মোৰ অখিৰ চকুৰ,
ছেদ পেলালেহি আহি কঠুৱা ডাৱৰ ?

ন'হে নাহে হায়, আৰু সি বসন্ত কাল,
যেতিয়া আছিলোঁ দুয়ো দুয়োৰ লগত,
কেউপিনে বতাহত ফুলৰ গোন্ধত,
গইছিলোঁ দুয়ো লীন পুষ্প-কাননত।

ইজনে সিজনে মিলি গাঁথিছিলোঁ মালা,
পিন্ধাই দিছিলোঁ দুয়ো দুয়োৰ গলত,
ল'ৰাৰ ধেমালি বুলি খন্তেকো নেভাবি,
খেদি'ছিলোঁ লুকা-লুকি ফুলৰ আঁৰত।

পদুমনি সৰোবৰ ফুলনি দাঁতিত, —
কৰিছিলো দুয়ো তাত স্নান উলাহেৰে,
সাঁতুৰি মাজৰ পৰা মোৰ পিনে চাই,
হাঁহিছিলা আহাঁ বুলি অতি সাদৰেৰে।

পৰেনে মনত বাৰু সেই কথা আৰু,
বিস্মৰণ হ'ল, নাই কালৰ সোঁতত ?
চাপিছা ওচৰ আহি কিয় নহলেনো,
সকলো অৱশ্যে আছে তোমাৰ মনত।

স্বপ্ন যেন লাগে মোৰ এতিয়া সকলো,
তুমি যে আছিলা মোৰ,—কল্পনা মাথোন ;
মনে মনে তাকে ভাবি উপভোগোঁ সুখ ;
এতিয়াও দেখিছোনে আকউ সপোন ?

# বাণীদেবী

—:•:—

আছেনে মনত দেৱি অতী জীৱন,
গাইছিলা হিমালয়-টিঙত যেতিয়া,
পুৱাৰ নিয়ম পাই ভোমোৰা সুৰত,
নাচিছিল ঠেৱে ঠেৱে ফুলনি যেতিয়া ?

গইছিল সূৰ্য্যদেৱ সুমেৰুৰ পিনে,
পৰ্ব্বতৰ পূবফাল আন্ধাৰত থই ;
গাইছিলা তুমি বহি নইৰ পাৰত,
কাণ পাতি শুনিছিলে মৃগ-শিশু ৰই ।

আন্দোলিত জলৰাশি গঙ্গাৰ বুকুত,
ডুবিছিল তাতে পৰি সূৰ্য্যৰ কিৰণ ;
সোঁতৰ মাজৰ পৰা সন্ধিয়া বেলিকা,
চন্দ্র উদি শোভিছিল দুখনি গগন ।

বসন্ত আহোঁতে য'ত ফুল ফুলিছিল
নতুন শোভাৰে আহি গছৰ ডালত,
লৰিছিল সেই ফুল বায়ুৰ ভৰত ;
প্রতিধ্বনি হইছিল কু-উ-উ মাতত !

হাতত বীণাৰে স'তে ভাৰতত ভ্রমি,
দিছিলা জগাই ধ্বনি সকলো দেশত,
যি তাঁৰৰ মাত শুনি লভিলে চেতন,
বাল্মীকিৰ তপোবনে কাব্য-জগতত।

যি বীণাৰ মাত শুনি পৰ্ব্বতৰ গাৰ
আবেলি বেলিকা বহি গছৰ তলত,
গুঠিছিলে কুশাসন মুনিৰ কন্যাই
গুণ্ গুণ্ গীত গাই গঙ্গাৰ পাৰত ।

ফুলত চন্দন সানি পূজা কৰিছিল
ভাৰতী দেৱীৰ পদ সৰে ভোল গই ;
সহস্ৰ সুন্দৰী আহি পূজিবৰ মনে
ধূপে-দীপে আছিলেহি তুৱাৰত ৰই ।

যি বীণাৰ মাতত্তেই হাবিৰ মাজত
শকুন্তলা মোহ গ'ল ৰজাৰ গুণত ;
আপোনাৰ গুপ্ত মন কৰিলে প্ৰকাশ,
যক্ষয়ো তাকেই শুনি মেঘৰ আগত ।

অশোক বনত কত দাসীৰ মাজত,—
ৰামক নেদেখি সীতা নিচেই চঞ্চল,
হাতেৰে আৱৰি মুখ লোকৰ আগত,
কৰিছিলে মন চকু-পানীৰে পাতল ।

কিন্তু হায়, ক'তা আৰু তোমাৰ সঙ্গীত,
কাঁহৰ মাতৰ দৰে জীণ গ'ল গই,
নাই দেখোঁ লেশো তাৰ বায়ুৰ লগতো,
একেবাৰে গ'ল গুচি মৰ্ত্য এৰি থই !

লেৰেলি ফুলৰমালা শুকাই পৰিল,
ৰস গোন্ধ মধুৰতা একো আজি নাই
তোমাৰ লগতে গ'ল সকলো মহিমা,
ওলমিল পাৰিজাত গছতে শুকাই ।

## শকুন্তলা

—:০❋০:—

আজিও ৰঞ্জিত কৰি, কল্পনা ফুলনি,
আজিও ফুলিছে ফুল গাত গোন্ধ লই,
হাতত কুঁকিৰে স'তে শকুন্তলা আহি
ফুল তুলিবৰ মনে আছে থিয় হই ।

প্ৰিয়ম্বদা অনসূয়া দুয়ো গোট খাই
হাতত কলহ লই ফুলৰ তলত,
ঢালিছেহি পানী চোৱাঁ সাক্ষাত আগতে,
আলসুৱা শকুন্তলা আছে ওচৰত ।

লেখিছে সাদৰি চিঠি শকুন্তলা বহি,
নেলাগে ছবিত আৰু আঁকি দেখুৱাব,
নুছুবা নুছুবা কেৰেঁ নিচেই কোমল,—
শকুন্তলা ফুলপাহি জঁয় পৰি যাব।

## মাইকেল

—ঃ❋ঃ—

নহওঁ বঙালী, কিন্তু কৰিলোঁ প্ৰণাম
তোমাৰ সমাধি দেখি, আছে এটি য'ত
তৃতীয় আতমা,—স্বৰগত, মৰতত,
ভয় লগা ভাল পোৱা আৰু শ্মশানত ।

যদিও ওপজে জোন পূবালি দেশত
সকলোৰে মন মোহে,—ধন আদৰৰ ;
দেশে দেশে গাই গীত কুলি কেতেকীয়ে,
নাই দেশ প্ৰতিভাৰ,—তুমি জগতৰ।

# ৰাম-মোহন

—ঃ✻ঃ—

পচিমৰ সূৰ্য্য উদি পূব ভাৰতত
ঢালিছিলে জকমক্ যেতিয়া পোহৰ,
যেতিয়া সতীৰ মাত, জ্বলন্ত দুখৰ,
ডুবিছিল তাল-মৰা ঢোলৰ মাতত।

যেতিয়া সত্যৰ নাম নুমাব খুজিলে,
অধৰম, অনাচাৰ ধৰ্ম্মৰ নামত,—
তেতিয়া যিজন আহি মহা-আদেশত
প্ৰাচীন বেদৰ পথ দেখুৱাই দিলে।

আজিও ভাহিছে দেৱ, হিয়াৰ মাজত
তোমাৰ জীৱন স্মৃতি, মৰিও অমৰ!
বাজিব লাগিছে বীণা তোমাৰ লগৰ,
বলিছে তেজৰ সোঁত সিৰৰ মাজত।

নেভাবিম সংসাৰত পাৰ পালোঁ বুলি,
নোৱাৰিম নিজে গই ফুল ছটিয়াই
তোমাৰ সমাধি চকু-পানীৰে তিয়াই
দেখুৱাব ভক্তি মোৰ হিয়া খনি মেলি।

